# কালাপাহাৰৰ অসম আক্ৰমণ

[ নতুন দৃষ্টিপাত ]

শ্ৰীগঙ্গাৰাম চৌধুৰী বি. এল এড্‌ভোকেট
চেক্ৰেটাৰী
অসম বৌদ্ধ অনুসন্ধান ছোচাইটি
গুৱাহাটী ঃ অসম
২৫ বুদ্ধাব্দ, ১৯৬৩ খৃষ্টাব্দ

# কালাপাহাৰৰ অসম আক্ৰমণ

[নতুন দৃষ্টিপাত]



*Published by :*

**Sri Ganga Ram Choudhury, B. L. Advocate,**
Secretary, Assam Research Society for Buddhistic Studies,
Gauhati.

1st. impression : 1963

Printed by N. Malakar at the Lakshmi Printing Press,
Gauhati, Assam.

# কালাপাহাৰৰ অসম আক্ৰমণ

## [নতুন দৃষ্টিপাত]

কালাপাহাৰৰ সম্প্ৰদায় আৰু নাম, আনকি তেওঁৰ অসম অভিযান আৰু তেওঁৰ দ্বাৰা অসমৰ মঠ-মন্দিৰ ধ্বংস হোৱা প্ৰসংগৰ লগত বহু অঐতিহাসিক কথা জড়িত আছে। পাৰ্চী ভাষাত লিখা সমসাময়িক পুথিৰ মতে কালাপাহাৰ বাবৰৰ ওম্ৰা (Omrah) আছিল। Badini ৰ (Munttakhibu-L-Tawarikh, page 42, volume 1) পুথিৰ মতে এওঁ শেৰশাহৰ বংশজাত চেকেন্দাৰ ছা ওৰফে আহম্মদখাঁ শূৰৰ ভায়েক আছিল। কিছুমানে কব খোজে যে তেওঁৰ আচল নাম ৰাজু আছিল আৰু এই নামটোৱে প্ৰমাণ কৰে যে তেওঁ আগতে হিন্দু আছিল। কিন্তু এই নামৰ ব্যৱহাৰ মুছলমানৰ মাজতো পোৱা যায় (Aini Akbari)। পতিকে সমসাময়িক পাৰ্চী ভাষাত লিখা পুথিয়ে প্ৰমাণ নকৰে যে কালাপাহাৰে সম্প্ৰদায় এৰি হিন্দু বিদ্বেষী হৈছিল আৰু ভাৰতৰ আইন ঠাইৰ নিচিনা অসমৰো কামাখ্যা; হাজো মন্দিৰ আদি ভাঙি-ছিঙি চুৰমাৰ কৰিছিল। এই ঐতিহাসিক সত্য প্ৰমাণিত হোৱা সত্ত্বেও আমি কি পাইছো তাৰে দুই-এটি নমুনা উদ্ধৃতি দিয়া হ'ল।

( ক )

অসমৰ পঢ়াশালিত কোমল ল'ৰা-ছোৱালীৰ মনত জাগৰণ কৰি দিয়া হৈছেঃ— "কালাপাহাৰ পূৰ্ব্বতে কালাচাঁদ ৰায় নামেৰে এজন হিন্দু-বামুণ আছিল। কিছুমান কথাত হিন্দু ধৰ্মৰ ওপৰত খং কৰি তেওঁ মুছলমান হল আৰু হিন্দুৰ দেৱ-দেৱীৰ মূৰ্ত্তিবোৰ ভাঙ্গি ফুৰাই তেওঁৰ প্ৰধান কাম হৈ উঠিল। কামৰূপলৈ আহি কালাপাহাৰে কামাখ্যা দেৱীৰ মন্দিৰ ভাঙি-ছিঙি গল।....... নৰনাৰায়ণ ৰজাই দেৱীৰ মন্দিৰটো আকৌ নকৈ সজাই দিলে"। ('আমাৰ দেশ',—চতুৰ্থমানৰ বাবে, পৃষ্ঠা ৫৪, লিখক ঃ অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা। নতুন তাওৰণ. ১৯৬২)

( খ )

"কালাপাহাৰ হেনো আগতে ব্ৰাহ্মণ আছিল, পাচত মুছলমান ছোৱালী বিয়া কৰাই মুছলমান হয় আৰু ঘোৰ হিন্দু-বিৰোধী হৈ উঠে। এওঁৰ আদেশ মতে হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ আৰু নীলাচলৰ কামাখ্যা দেৱীৰ মন্দিৰ ভাঙি পেলোৱা হৈছিল"। "কালাপাহাৰে ভাঙি যোৱা কামাখ্যা দেৱীৰ মন্দিৰ নৰনাৰায়ণ আৰু চিলাৰায়ে পুনৰ নিৰ্মাণ কৰে"। ('সোণৰ অসম',— পঞ্চম আৰু ষষ্ঠমানৰ বাবে, পৃষ্ঠা ৫১,৫৪, লিখক শ্ৰীভূপেন্দ্ৰনাথ চৌধুৰী এম-এ, দ্বিতীয় সংস্কৰণ ১৯৫৬)

অসম অনুসন্ধান ছ'চাইটীৰ দ্বাৰা প্ৰকাশিত "অসমত বৌদ্ধ-কীৰ্ত্তি স্তম্ভ" নামক কিতাপত আৰু এই লিখকৰ নামত 'নতুন অসমীয়াত' প্ৰকাশিত "কামৰূপ-কামাখ্যা" (১৬ জুন, ১৯৬৩), "কামাখ্যা কালাপাহাৰ" (২৭ ফেব্ৰুৱাৰী, ১৯৬২) আৰু "প্ৰাগ-জ্যোতিষ, কামৰূপ-কামাখ্যা" (২১ জানুৱাৰী, ১৯৬২) প্ৰবন্ধবোৰত প্ৰতিপন্ন কৰা হৈছে—কামাখ্যা আৰু হাজো মন্দিৰৰ ভাস্কৰ্য্য

বৌদ্ধ আৰু বুদ্ধবাণীৰ প্ৰতিমূৰ্ত্তি। দুয়োটা মন্দিৰেই নিৰ্মাণ কালৰ পৰা আজিলৈকে অক্ষত অৱস্থাত আছে। আদি বুদ্ধ যুগৰ বৌদ্ধ মূৰ্ত্তিবোৰ চিনাক্তৰ অসম্ভৱ কৰি ভাঙ্গি-ছিঙি ৰাখিছে। কামাখ্যা মন্দিৰৰ পশ্চিমত য'ত বলিশাল ঘৰ নিৰ্মাণ কৰা হৈছে সেই ঠাইতে বৌদ্ধ ভিক্ষুৰ এটা বৃহৎ বাসগৃহ (সংঘাৰাম) আছিল। মৌৰ্য্য ৰজা বৃহদ্ৰথক ব্ৰাহ্মণ মন্ত্ৰী পুষ্যমিত্ৰই হত্যা কৰি অনাধিকাৰে মৌৰ্য্য সিংহাসন অধিকাৰ কৰে; অশ্বমেধ যজ্ঞ সম্পাদন কৰি হিন্দু ধৰ্ম্ম পুনৰ উদ্ধাৰ কৰিবলৈ অনুৰক্ত হয়। এইজন ৰজাই উত্তৰ ভাৰতৰ পূবৰ পৰা পশ্চিমলৈ বিয়পি থকা সমুদায় বৌদ্ধ সঙ্ঘ আৰু ভিক্ষুবোৰ ধ্বংস কৰিবলৈ হুকুম জাৰি কৰে। "মঞ্জুশ্ৰীমূলকল্প" নামক বৌদ্ধ ধৰ্ম্মৰ ইতিহাসত এই ঘটনা বৰ্ণনা কৰা আছে; History of Aryau Rule in India, page 122, 123 by E. B Havel and Glimpses of World History, page 78 by Jawaharlal Nehru এই দুখন ইতিহাসতো পুষ্যমিত্ৰৰ দ্বাৰা বৌদ্ধ নিৰ্য্যাতন সমৰ্থন কৰা আছে। পুষ্যমিত্ৰৰ বৌদ্ধৰ প্ৰতি এই নিষ্ঠুৰ অভিযান বৌদ্ধ ধৰ্ম্মৰ বিৰুদ্ধে নাছিল, বৌদ্ধ সংঘৰ বিৰুদ্ধেহে ৰাজনৈতিক কাৰণত চলোৱা হৈছিল বুলি ঐতিহাসিকসকলে মন্তব্য কৰে। নীলাচলত অৱস্থিত সংঘাৰাম পুষ্যমিত্ৰৰ দিনতে ধ্বংস হোৱাটো অসম্ভৱ নহয় আৰু কামাখ্যাত দৃষ্টিভূত ভগ্নাৱশেষবোৰ বিধ্বস্ত বৌদ্ধ সংঘাৰামৰ হব। নীলাচলৰ বৌদ্ধসংঘ ধ্বংস কৰাৰ লগত ঐতিহাসিকৰ মন্তব্য সঙ্গতিপূৰ্ণ হয়।

কালাপাহাৰৰ দ্বাৰা মন্দিৰ ভাঙন আৰু নৰনাৰায়ণ ৰজাৰ দ্বাৰা পুনৰ নিৰ্ম্মাণ, হিন্দুৰ দ্বাৰা ৰচিত অসমীয়া বুৰঞ্জীৰ বিৱৰণত মুছলিম বিদ্বেষ প্ৰসূত বীজ ৰোপণ কৰা হৈছে বিশ্বধৰ্ম্ম প্ৰৱৰ্ত্তক বুদ্ধক লুকাই ৰখাৰ নিমিত্তে।

১৬ আহাৰৰ অসমীয়াত এজন লিখকে "কামাখ্যা আৰু কালাপাহাৰ" শিতানত প্ৰকাশিত চিঠিত উল্লেখ কৰিছে – "মূৰ্ত্তিপূজা—বিৰোধী লোকৰ উদ্ধতপূৰ্ণ দুষ্কৰ্ম আৰু সেইজন স্বধৰ্ম্ম ত্যাগী কালাপাহাৰৰ বাহিৰে অইন কোনো নহয়"। লিখকজনৰ এই সিদ্ধান্ত (ক) বিষাক্ত আৰু (খ) প্ৰত্যক্ষ বিবেচনাবৰ্জিত। (ক) মহপুৰুষীয়া লোক মূৰ্ত্তিপূজা বিৰোধী; অশোকস্তম্ভ পূজাৰ মূৰ্ত্তি নহয়। কিন্তু কামাখ্যা মন্দিৰৰ কাষতে দুটা অশোকস্তম্ভৰ ভগ্নাৱশেষ আছে।

মুছলিম ঐতিহাসিক গুলাম হুছেইন চালিমে পাৰ্চী ভাষাত বঙ্গৰ ইতিহাস ৰচনা কৰে। এইখন ইতিহাসত লিখা হৈছে— সুলেইমান কৰাণি বঙ্গদেশত ১৫৬৩ চনৰ পৰা ১৫৭১ চনলৈ ৰাজত্ব কৰে। কালাপাহাৰ এইজন ৰজাৰেই সেনাপতি আছিল। এওঁ কোচবিহাৰ আক্ৰমণ কৰিবলৈ আহিছিল, পিছত উৰিষ্যাত ৰাজবিদ্ৰোহ হোৱাৰ নিমিত্তে প্ৰত্যাবৰ্ত্তন কৰে। তেওঁৰ সেনাপতি কালাপাহাৰ কামৰূপলৈ অহাৰ কোনো উল্লেখ নাই।—(Riyazu-S-Salatin—A history of Bengal—by Gulam Hussain Salim, translated from the Original Persian by Maulavi Abdus Salem .M A. P152 ) তেৰশ শতিকাৰ পৰা ১৭ শ শতিকালৈ মুছলমানৰ অসম আক্ৰমণ বিষয়ে আহোম ভাষাত লিখা আহোম বুৰঞ্জীত বিস্তৃত বিবৰণ দিয়া হৈছে। আহোম বুৰঞ্জীৰ বিবৰণ নিভাজ, নিৰপেক্ষ। মুছলমানৰ অসম আক্ৰমণ আহোম বুৰঞ্জীৰ ৰাজহাড়। হিন্দু পণ্ডিত ৰচিত অসম বুৰঞ্জীত কালাপাহাৰে সুৰক্ষিত আহোম ৰাজ্য ভেদ কৰি তেজপুৰ পালেগৈ; কিন্তু আশ্চৰ্য্যৰ বিষয় আহোম ৰজাই গমেই নাপালে; আহোম বুৰঞ্জীত কালাপাহাৰৰ কোনো উল্লেখ নাই।

বঙ্গ ইতিহাসত কালাপাহাৰে কামাখ্যা আৰু হাজোৰ মন্দিৰ ১৫৬৮ খৃষ্টাব্দত ভঙা বুলি উল্লেখ কৰিছে, (History of Bengal Volume II by Sir Jadunath Sarkar, P. 184)।

বিদ্যানিধি শৰৎ গোস্বামীয়ে তেওঁ কৃত "অসমৰ পুৰণি কথা", পৃঃ ২৯ নামক গ্ৰন্থত লিখিছে ঃ—
কালাপাহাৰে হিন্দুৰ মন্দিৰ-মূৰ্ত্তি ১৫৬৮ খৃষ্টাব্দত নষ্ট কৰে।

কামাখ্যা মন্দিৰৰ ভিতৰত কোচৰজা নৰনাৰায়ণৰ গুণ-কীৰ্ত্তনৰ সৈতে এখন তামৰ ফলি আছে। গেইত চাহাব ৰচিত অসম বুৰঞ্জীত এই ফলিখনৰ পাঠ উদ্ধৃত কৰা হৈছে। তামৰ ফলি মতে কোচৰজাই ১৫৬৫ খৃষ্টাব্দত কামাখ্যা মন্দিৰ পুনৰ নিৰ্মাণ কৰে। (History of Assam by Sir Edward Gait, page 57). ডাঃ বাণীকান্ত কাকতী তেওঁ ৰচিত "পুৰণি কামৰূপৰ ধৰ্ম্মৰ ধাৰা" পৃঃ ৮৮ নামক গ্ৰন্থত নৰনাৰায়ণ ৰজাই কামাখ্যা মন্দিৰ ১৫৬৫ খৃষ্টাব্দত পুনৰ নিৰ্মাণ কৰা বুলি উল্লেখ কৰিছে। একহাতে চাৰ এডৱাৰ্ড গেইত আৰু ডঃ বাণীকান্ত কাকতীৰ authority আনহাতে চাৰ যদুনাথ চৰকাৰ আৰু বিদ্যানিধি শৰৎচন্দ্ৰ গোস্বামীৰ authority বিভেদ মতে প্ৰমাণ কৰে যে কালাপাহাৰৰ সমুদায় আখ্যানটো বুৰঞ্জীমূলক ঘটনা নহয়।

কালাপাহাৰে কামাখ্যা মন্দিৰ ভাঙিলে ১৫৬৮ খৃষ্টাব্দত আৰু নৰনাৰায়ণ ৰজাই পুনৰ নিৰ্মাণ কৰিলে ১৫৬৫ খৃষ্টাব্দত। মন্দিৰ ভঙাৰ তিনি বছৰ পূৰ্ব্বে মন্দিৰ পুনৰ নিৰ্মাণ কৰা হ'ল : যিটো ঘটনা সঙ্গতিবিহীন—absurd.

বহুযুগৰ পৰাই মুছলমান ধৰ্মাৱলম্বী মানুহ অসমত বাস কৰি আছে। আহোম ৰজাৰ ৰাজত্ব কালত মুছলমানৰ দ্বাৰা বহুবাৰ অসম আক্ৰমণ কৰা হৈছিল। তেতিয়া অসমীয়া মুছলমানেও আক্ৰমণকাৰী মুছলমানক শত্ৰুভাবেহে গণ্য কৰিছিল।

মন্দিৰৰ ভাস্কৰ্য্য, মন্দিৰ নিৰ্মাণ আৰু ভাঙনৰ তাৰিখৰ কৃত্তিমতা আৰু অহিন্দু ৰচিত বুৰঞ্জীত কালাপাহাৰৰ ঘটনাৰ অনুক্তত্তা, ইত্যাদি কাৰণসমূহে আধুনিক অসম বুৰঞ্জীত উল্লেখিত কালাপাহাৰৰ ঘটনা অপ্ৰমাণ কৰে। ভাৰতৰ হিন্দু পণ্ডিতৰ দ্বাৰা বুদ্ধ উপেক্ষিত। তেওঁলোকৰ কাৰ্য্য সিদ্ধি কৰাৰ নিমিত্তে মুছলমান কালাপাহাৰক এই মঞ্চত অৱতীৰ্ণ কৰাইছে।

অসমৰ শিক্ষা বিভাগে অসমৰ পঢ়াশালিত চতুৰ্থ মানৰ পৰা ষষ্ঠমানলৈ মুছলিম বিদ্বেষ প্ৰসূত শিক্ষা বিতৰণ কৰিছে অসম চৰকাৰ, অসমৰ মুখ্যমন্ত্ৰী আৰু শিক্ষা বিভাগৰ অধিকৰ্ত্তা সকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল ঃ—অসমৰ পাঠ্যক্ৰমৰ পৰা কালা পাহাৰ সম্বন্ধে লিখা উপাখ্যানপোৰ বেগতে উঠাই দিব লাগে নহলে প্ৰকৃত ঐতিহাসিক ঘটনা সন্নিবিষ্ট কৰিব লাগে, ভাৰতৰ জাতীয়তা সুস্থ, সবল কৰাৰ নিমিত্তে।

———— —